# বেজবৰুৱাৰ দিনলেখা

লক্ষ্মীনাথ বেজবৰুৱাৰ দিনলেখা প্ৰজ্ঞাসুন্দৰী দেৱীয়ে প্ৰস্তুত কৰা
'বেজবৰুৱাৰ স্মৃতিলিপি'ৰপৰা জোৰণিৰে

প্ৰথম খণ্ড

১৮৯৫—১৯০৩


সংকলয়িতা-সম্পাদক

ডক্টৰ মহেশ্বৰ নেওগ

অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়









১৯৬৯

অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট : অসম

*Bejbaruwār Dinalekhā*, diaries of Lakshminath Bezbaroa of Assam, with portions taken from records prepared later by his wife, Prajnasundari Devi Bezbaroa, (the original being not available), Part I : 1895-1903, compiled and edited by Dr Maheswar Neog, Jawaharlal Nehru Professor, Gauhati University, and published by Hariprasad Neog, General Secretary, Asam Sāhitya Sabhā, from Chandrakanta Handiqui Bhavan, Jorhat, 1969

প্ৰকাশক
শ্ৰীহৰিপ্ৰসাদ নেওগ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম

বেচ ৪ ০০ চাৰি টকা মাথোন

মুদ্ৰক
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট
কলিকতা ৬

# ॥ অসম সাহিত্য সভাৰ নিবেদন ॥

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্মশতবাৰ্ষিকী উপলক্ষে হাতত লোৱা প্ৰকাশন আঁচনিৰ শিতানত এই গ্ৰন্থখনি পাঠকৰ সমাজলৈ আগ বঢ়োৱা হ'ল।

এশ বছৰৰ পূৰ্বেই সাহিত্যৰথীজনাৰ জীৱন-জ্যোতি অসমৰ বৰনৈৰ বুকুতে উদ্ভাসিত হৈ পুনৰ সেই নৈৰ পাৰতে নিৰ্বাপিত হ'ল। বেজবৰুৱাৰ অমৰ প্ৰতিভাৰ জ্যোতিয়ে আই অসমীৰ মুখ কিন্তু চিৰদিন উজলাই ৰাখিব। ১৯৩৮ চনৰ ২৫ মাৰ্চৰ দিনা বেজবৰুৱাই শেষ নিশ্বাস ত্যাগ কৰে। তেখেতে এৰি থৈ যোৱা কাকত-পত্ৰ ডায়েৰি চিঠি সকলোবোৰ তেখেতৰ কন্যা শ্ৰীমতী ৰত্নাবলী বৰুৱাই বহু কষ্টেৰে সংৰক্ষণ কৰি ৰাখে। শ্ৰীমতী বৰুৱাই জনোৱা-মতে বহুতো বস্তু ব্ৰহ্মপুত্ৰৰ সৰ্বগ্ৰাসী খহনীয়াৰ সময়ত ঘৰ সলনি কৰোঁতে হেৰাল। তথাপি শ্ৰীমতী বৰুৱাই অসম সাহিত্য সভালৈ কাকত-পত্ৰ থকা দুটা পুৰণি বাকচ শতবাৰ্ষিকী উপলক্ষ্যে দিয়ে। ইয়াৰ ভিতৰত বেজবৰুৱাৰ পত্নী প্ৰজ্ঞাসুন্দৰীয়ে লিখা বেজবৰুৱাৰ 'স্মৃতিলিপি' আৰু বেজবৰুৱাই নিজ হাতে লিখা ডায়েৰিৰ টোকা আৰু চিঠিপত্ৰ আদি উল্লেখযোগ্য। সমিতিয়ে 'দিনলেখা' আৰু 'পত্ৰলেখা' শিতানত সেইখিনি সুকীয়াকৈ গ্ৰন্থৰ আকাৰে প্ৰকাশ কৰিবলৈ সিদ্ধান্ত লয়। সম্পাদনাৰ দায়িত্ব ডক্টৰ মহেশ্বৰ নেওগৰ ওপৰত ন্যস্ত হয়। ডক্টৰ নেওগে অশেষ কষ্ট কৰি মূল পাঠ উদ্ধাৰ কৰাৰ উপৰিও বেজবৰুৱা পৰিয়াল, বিশেষকৈ শিবসাগৰত থকা বৰ জীয়েক শ্ৰীমতী অৰুণা মুখাৰ্জী আৰু শ্ৰীমতী ৰত্না বৰুৱাৰপৰাও সহায় লৈ সংগ্ৰহ দুটি পৰিপাটিকৈ সম্পাদনা কৰি উলিয়ায়।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ পিছতে আধুনিক অসমৰ সাহিত্য জগতৰ যুগ-নিৰ্মাতা পুৰুষ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই অসম তথা ভাৰতৰ জাতীয় জীৱনতে এক বিশিষ্ট আসন অধিকাৰ কৰিছিল। মহাপুৰুষীয়া ধৰ্ম-সমাজ আৰু সংস্কৃতিত গভীৰতম আস্থা আৰু বিশ্বাস আৰোপ কৰি বেজবৰুৱাই পুৰণি অসমৰ ঐতিহ্য আৰু আধুনিক অসমৰ মাজত প্ৰকৃত যোগসূত্ৰ স্থাপন কৰিছিল। ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ দৰে এগৰাকী ধৰ্মপ্ৰাণ মহাত্মা পুৰুষৰ সন্তান হিচাপে জননী জন্মভূমিৰ প্ৰকৃত সম্মান ৰক্ষা কৰিবলৈ লক্ষ্মী-নাথে অসমৰ বাহিৰৰপৰাই মহাৰথীৰ ভূমিকা লয়। এই কালৰপৰা লক্ষ্মীনাথ

বেজবৰুৱা এগৰাকী বিৰাট ঐতিহাসিক ব্যক্তি। সাহিত্যিক সমালোচক তত্ত্বদৰ্শী হিছাপে অসমীয়াৰ চিন্তাজগতত বেজবৰুৱা অমৰ হৈ ৰ'ব।

পৰিশেষত কওঁ, এই গ্ৰন্থখনিৰ সমল সকলো শ্ৰীমতী ৰত্না বৰুৱাৰপৰাই পাইছো। সেই বাবে অসম সাহিত্য সভা তেখেতৰ কাষত ঋণী। আমি সেই-খিনি সংগ্ৰহ কৰাত অধ্যাপক যতীন্দ্ৰনাথ গোস্বামী আৰু কিছু পৰিমাণে ডিব্ৰু-গড়ৰ শ্ৰীহেৰম্ব বৰদলৈয়েও সহায় কৰে।

ছপাৰ ক্ষেত্ৰত নৱজীৱন প্ৰেছৰ মালিক শ্ৰীকালীচৰণ পালৰ তৎপৰতাও বিশেষভাৱে উল্লেখযোগ্য।

অসম সাহিত্য সভাৰ হৈ সদৌজনৰে প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

হৰিপ্ৰসাদ নেওগ,
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

## ॥ সূচী ॥

# সংকলয়িতা-সম্পাদকৰ ভূমিকা

'দিনলেখা' শব্দটো নতুনকৈ ইংৰাজী diary বা journal অৰ্থত অসমীয়া মাইকী-পোৱালিৰপৰা চাব মাৰি উলিওৱাৰ দৰে উলিওৱা হ'ল। ইংৰাজী diary শব্দটো লেটিনৰ diarium (< dies, দিন) শব্দৰপৰা হৈছে। journal শব্দটো আকৌ অৰ্বাচীন লেটিনৰ diurnalis- অৰপৰা ফৰাচী ভাষাৰ যোগে (য'ত journal মানে হ'ল দৈনিক) ইংৰাজীত ওলাইছেহি। journal শব্দৰ অৰ্থ এতিয়া ব্যাপক; ডায়েৰি অৰ্থত সি কেতিয়াবা ব্যৱহৃত হয়, কিন্তু সভাৰ কাৰ্যবিৱৰণি (Journal of the House of Lords যেনেকৈ), গহীন শিক্ষা-গৱেষণাৰ অনুষ্ঠানৰ পত্ৰিকা (*Journal of the University of Gauhati* যেনেকৈ) অৰ্থত ইয়াৰ ব্যৱহাৰ অধিক বহল। প্ৰাচীন গ্ৰীকসকলেও দিনলেখা ৰাখিছিল। তেতিয়া তাৰ নাম আছিল ephemerides. পিছৰ কালত ষোড়শ-সপ্তদশ শতিকাৰ এজন দুইছ পণ্ডিতে মাথোন এই গ্ৰীক শব্দটো দিন-লেখা অৰ্থত ব্যৱহাৰ কৰিছিল। ডায়েৰিত এজন ডায়েৰিস্টে দিনে দিনে অভিজ্ঞতা লাভ কৰা বা শুনা ঘটনা বা কাৰ্যৰ সোঁৱৰণ ৰাখি যায়। *Encyclopedia Americana* ই কয়ঃ It describes matters coming under the writer's observation, including those gleaned from contemporary reports, correspondence and conversations, with his personal comments. Not all daily records kept by an individual are diaries in the generally accepted sense of the term, connoting those which have some biographical, historical or literary value.

ইউৰোপীয় পুনৰ্জাগৰণৰ শেষ পৰ্যন্ত দিনলেখাৰ সাহিত্যিক মূল্য হোৱা নাছিল। ইংলেণ্ডতে তেতিয়াৰপৰা বহলভাৱে দিনলেখা ৰখাৰ ৰীতি হ'বলৈ ধৰে, যদিও সেইবিলাকে সৰহখিনি ক্ষেত্ৰতে প্ৰকাশৰ উদ্দেশ্যেৰে জন্ম লোৱা নাছিল। সপ্তদশ-অষ্টাদশ শতিকা দিনলেখা বিষয়ত চহকী, আৰু সিবোৰৰ প্ৰায় সকলোবিলাক লেখকৰ মৃত্যুৰ পিছত ছপা হৈ ওলায়। ১৬৪১ৰপৰা ১৭০৬লৈ লেখা জন এৰ্ভেলিনৰ ডায়েৰিয়ে কৌতূহল সৃষ্টি কৰি আৰু আমোদ দি আহিছে। কিন্তু তাৰ জ্যোতি ম্লান কৰে ছেমুএল পেপিছৰ (১৬৩৩-১৭০৩) বিখ্যাত দিনলেখাই নানা বিষয়ৰ খবৰ আৰু বিশেষকৈ লেখকৰ স্ব-চৰিত্ৰাঙ্কনৰ বলত। ১৬৬০ৰ ১ জানুৱাৰীৰপৰা ১৬৬৯ৰ ২৯ মেইলৈকে তাত কথা লেখা হৈছে। পেপিছৰথনৰ পিছতে অদ্ভুত চৰিত্ৰ এটাৰ আত্মচিত্ৰণেৰে

কৌতূহলোদ্দীপক বস্তু হ'ল জনাথান স্যুইফ্‌টৰ বিখ্যাত *Journal to Stella.* পিছৰ যুগৰ অনেক বিখ্যাত সাহিত্যিক আৰু চিন্তাকাৰে তেওঁলোকৰ দিনলেখা ৰাখি গৈছে। ছাৰ ৱাল্টাৰ স্কটৰ (*Journal,* প্ৰকাশ ১৮৯০) নাম ইয়াতে ল'ব লাগিব। আৰ্. ডব্লিউ. ইমাৰ্ছনৰ *Voyage Round the World* দিনলেখাৰ আহি'তে লেখা। *Journal of Katherine Mansfield* তাৰ মানৱীয় অনুভূতিৰ মনোৰম প্ৰকাশৰ বাবেই জনাজাত। বৰ্তমান সময়ৰ আঁদ্রে জিদৰ দিনলেখা (*Journals, 1889-1939*) অতি উত্তম বস্তু। ৰবীন্দ্ৰনাথৰ 'ৰাশিয়াৰ চিঠি' আদিত সচেতন জ্ঞানগৰিমা আৰু বিশ্ববাৰ্তা জিলিকি উঠিছে।

লক্ষ্মীনাথ বেজবৰুৱাই কেতিয়াৰপৰা দিনলেখা ৰখা আৰম্ভ কৰে, সেই খবৰ আমাৰ নাই। এই কিতাপৰ বৰ্তমান খণ্ডত যিখিনি বস্তু সন্নিৱিষ্ট কৰা গ'ল, সি ১৮৯৫ৰপৰা ১৯০৩ লৈকে এইকেইটা বছৰ সামৰে। ১৮৯৫ৰ আগৰ দিনলেখা বোধ হয় নাছিলেই। লক্ষ্মীনাথৰ দিনলেখাখিনিৰপৰা সিজনৰ মৃত্যুৰ পিছত তেওঁৰ সহধৰ্ম্মিণী প্ৰজ্ঞাসুন্দৰীয়ে তেওঁৰ 'স্মৃতিৰ লগত মিলাই চিত্ৰত ছাঁ-পোহৰৰ সমাৱেশ কৰিবলৈ অগ্ৰসৰ হৈ' 'স্মৃতিলিপি' নামে এটি বস্তু নিৰ্মাণ কৰিবৰ কাৰণে যত্ন কৰিছিল। তেৰোঁ ১৮৯৫ৰ ১ জানুৱাৰীতেই কাম আৰম্ভ কৰিছে। বেজবৰুৱাৰ দিনলেখা সম্পৰ্কে তেওঁৰ 'স্মৃতিলিপি'ৰ টোকাত বেজ-বৰুৱানীয়ে কৈছে, 'এই দিনলিপিবোৰ লেখিবৰ সময়তযে তেখেতে কিবা আশা মনত ৰাখি লেখিছিল, সি নহয়। অবশ্যে, প্ৰতি দিনৰ সৰু-সুৰা ঘটনাটিও লেখি ৰখা তেখেতৰ চিৰস্বভাৱসিদ্ধ হৈ পৰিছিল। ডাঙৰ ডাঙৰ ঘটনাৰ কথা যে লেখা কোনো আশ্চৰ্যৰ বিষয়েই নহয়। মাজে মাজে তেখেতক কোৱা শুনি-ছিলো, "এই ডায়েৰিবোৰ ভালকৈ ৰাখি থ'বা, পিছত কামত লাগিব পাৰে।" কোনে জানে, তেখেতৰ মনত ভাব আছিল, নিজৰ জীৱনী লেখিব? তেখেতে তেখেতৰ জীৱনস্মৃতি বেগী সোঁতত উটুৱাই দিছিল। কিন্তু মাজ-নৈত পাল তৰা নাওখনি যেন হঠাৎ বৈ গ'ল। পালৰ কাপোৰ নামি পৰিল। সকলোৱে ক'লে, "চোৱা, চোৱা, মেলা নাও কত লাগিল।" দেখা গ'ল, সি এক বৰশিলত লাগিছে। সেই ঠাইৰপৰা বৰশিলটো অ'তৰোৱাও টান। তাক অ'তৰাবলৈ হ'লে জীবনস্মৃতিক সত্যৰপৰা ভ্ৰষ্ট কৰা হ'ব। জীৱনীত অসামঞ্জস্য বৈ যাব। কিন্তু অলপদিন পিছত বন্ধুসকলৰ উদগনিত আকৌ নাও মেলা হ'ল। সেই দেখি ভাব হয়, নিজৰ জীৱনী লেখিবৰ সময়ত এই দিনলিপিৰ প্ৰত্যেক ঘটনা, ইয়াৰ প্ৰত্যেক তাৰিখ, প্ৰতিটি পাত পৰ্যন্তযে কামত লাগিব, এয়ে আছিল তেখেতৰ আশা।' আমাৰো সেয়ে ভাব। সেইহে প্ৰজ্ঞাসুন্দৰীৰ এই অনুভূতি-ভৰা কথা-খিনি ইয়াতে তুলি দিলো। বহুতেই প্ৰশ্ন কৰে, বেজবৰুৱাই জীৱন-সোঁৱৰণ লেখা কাম পূৰ নকৰিলে কিয়? কি ৰহস্য সোমাই আছে তাত? জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই হেনো সেই ৰহস্য জানিছিল। বৰুৱাদেৱে কেইবাদিনো আমাক সেই গোপন কথাটি ক'ম বুলি উচ্‌পিচ্ কৰোঁতেই কেয়োদিন কোনোবা

নহয় কোনোৱা এজন আগত ওলায়হি। ৰহস্য ৰহস্য হৈয়ে থাকে। আমিও আনফালে বেজবৰুৱাৰ জীৱনৰ সকলোখিনি কথা তেওঁৰ কাপৰপৰা ওলোৱা অমৃতময় ভাষাৰে শুনাৰপৰা বঞ্চিত হৈ ৰও। কিন্তু দেখা যায়, ১৯৩৫ চন-লৈকে বেজবৰুৱাই 'জীৱন-সোঁৱৰণ' লেখি আছে। কালে সময় দিয়া হ'লে তেওঁ নিশ্চয় আৰু অগ্ৰসৰ হ'লহেঁতেন।

আমাৰ এই বঞ্চনাৰ ক্ষতিপূৰণ হওক, এনে এটি ভাবতে অসম সাহিত্য-সভাই বেজবৰুৱাৰ চিঠি আৰু দিনলেখাখিনি ছপাই উলিয়াবৰ মানস কৰে। এই কামটিযে শুদা-শুদি বিধৰ নহয়, লুইতেহে জানিছে ব'ঠা কিমানলৈ বাহিছে। ১৮৯৫ৰপৰা ১৯৩৮লৈ সম্পূৰ্ণ দিনলেখাখিনি পোৱা নাযায়। বেজবৰুৱা ডাঙৰীয়াৰ মৃত্যুৰ পিছত তেওঁৰ কিতাপ-কাগজ বহুতোখিনি জীয়েক শ্ৰীমতী ৰত্না দেৱী আৰু জোঁৱায়েক ৰোহিণীকুমাৰ বৰুৱাই ডিব্ৰুগড়লৈ লৈ আহে। তাতেই বেজবৰুৱানীয়ে সিবোৰৰ আলমত 'স্মৃতিলিপি' ৰচনা কৰা কাম হাতত লয়। তাৰ পিছত আহিল ডিবৰুৰ বুৰোৱা খহনীয়া। বৰুৱা-বৰুৱানীৰ ঘৰো তাৰ ঢলে ঢোৱালে। বেজবৰুৱাৰ জীৱনৰ স্মৃতিস্বৰূপ বহুতো বস্তু আলাই-আথানি হ'ল। ফলত আগৰ থকাখিনিও এতিয়া পাবলৈ নোহোৱা হ'ল। জন্মশতবাৰ্ষিকীৰ কাম হাতত লৈ সাহিত্য-সভাৰ সম্পাদক আদি গৈ খেলি-মেলি হৈ থকা কাগজ পেৰাত ভৰোৱা হিছাপতে শ্ৰীমতী বৰুৱাৰ হাতৰপৰা লৈ আহিল। তাৰ মাজৰপৰা বহুতোখিনি মূল্যবান চিঠি ওলাল বেজবৰুৱাই লেখা, বেজবৰুৱালৈ লেখা। সেইখিনি আমাৰ সম্পাদিত সাহিত্য-সভাৰ প্ৰকাশন 'পত্ৰলেখা'ত সন্নিৱিষ্ট হৈছে। উদ্ধাৰ কৰিবলৈ টান দিনলেখাখিনি এৰি আমাৰ যোৰহাটৰ বন্ধুসকলে পোনতে বেজবৰুৱানীৰ 'স্মৃতিলিপি'খনিকে বঙলা আৰু অৰ্দ্ধ-অসমীয়াৰপৰা অনুবাদ কৰিবৰ যত্ন কৰিছিল। কিন্তু শেহান্তৰত সেই কামৰ ভাৰ সিসকলে এৰি দিয়াত বেজবৰুৱাৰ জন্মশতবাৰ্ষিকী পৰিচালনা সমিতিৰ ইচ্ছাতু সি আমাৰ খীণ কান্ধৰ ওপৰত পৰিলহি আৰু আমিও 'স্মৃতি-লিপি'ৰ এটি অনুবাদ তৈয়াৰ কৰাত লাগি গলো আৰু ১৮৯৫-১৯০০ৰ অংশটি ছপাখানালৈ পঠিয়ালো ১৯৬৮ৰ ছেপ্টেম্বৰতে। এনেতে সাহিত্য-সভাৰ প্ৰধান সম্পাদক শ্ৰীহৰিপ্ৰসাদ নেওগৰপৰা গম পালো, বেজবৰুৱাৰ নিজৰ ডায়েৰিৰেই যোৰহাটত পৰি আছে। আমি সেইখিনি নেওগৰপৰা লৰালৰিকৈ আনো, শ্ৰীমতী ৰত্না বৰুৱাৰপৰাও দুই-এখনি খণ্ডিত ডায়েৰি পাওঁ, আৰু ওৱা বন দোৱা হ'ল ভাবি বৰ্তমান পুথিৰ বস্তুখিনি প্ৰস্তুত কৰাত লাগোঁ। ইয়াৰ প্ৰধান কাৰণ দুটা: এক, বেজবৰুৱাৰ নিজ হাতৰ বস্তুখিনিহে প্ৰধানকৈ ওলাব লাগে—লাগিলে সি যিমান অনুষ্টুপীয়া হওক; দ্বিতীয়, বেজবৰুৱানীৰ 'স্মৃতি-লিপি' দুই-এঠাইত বেজবৰুৱাৰ দিনলেখাৰপৰা দেখুদেখকৈ বেঙাই পৰিছে। গতিকে, পোনতে 'বেজবৰুৱাৰ পত্ৰলেখা আৰু দিনলেখা' নামত কলিকতাত ছপা হ'বলৈ গৈছা পুথি দুৰাই অনা হ'ল; 'পত্ৰলেখা', 'দিনলেখা', এনে দুটা নামৰ

দুখন পুথি প্ৰকাশ কৰাটো ঠিক কৰা হ'ল; আৰু 'পত্ৰলেখা'ক ছপাখানালৈ পঠিয়াই 'দিনলেখা'ৰ নতুন প্ৰস্তুতি চলোৱা হ'ল। আমাৰ তৰ্জমাৰ পোনৰ দুখিলামান কাগজ মাহেকীয়া 'অসমীয়া'ৰ প্ৰথম বছৰৰ ষষ্ঠ সংখ্যাত (অক্টোবৰ ১৯৬৮) 'বেজবৰুৱাৰ দিনলেখাৰপৰা দুপাতমান' শিতানেৰে প্ৰকাশ পাইছিল। এতিয়া দেখা গৈছে, 'দিনলেখা' এখন পুথি কৰি উলিয়াবলৈ গ'লে বৃহৎৰূপী হ'ব। গতিকে, সদ্যহতে ১৮৯৫-১৯০৩ক লৈ ছেদ পেলাই প্ৰথম খণ্ড কৰা হ'ল। মূল ডায়েৰিৰ কেইবাখনিও পাবলৈ নোহোৱা হোৱাত প্ৰজ্ঞাসুন্দৰীৰ 'স্মৃতিলিপি'খনি কামত লগাব লগীয়া হৈছে। বৰ্তমান খণ্ডত ১৮৯৬ (১ এপ্ৰিলৰপৰা শেহলৈকে), ১৯০১ আৰু ১৯০২ৰ মূল বস্তু নোপোৱাত এই 'স্মৃতিলিপি'ৰ ভাঙনি ব্যৱহাৰ কৰা হ'ল। মূল ডায়েৰিৰ বহুতো অংশ ঢল-পানীৰ পানীয়ে চেলেকিছিল। বিশেষকৈ ১৮৯৯ৰ ডায়েৰি বহীৰ দুখনৰ এখনৰ পাতবোৰ চনকা হৈ ফাটি-ফুটি এৰাই গৈছিল। গতিকে সম্পাদনাৰ সময়ত সহজতে 'স্মৃতিলিপি'ৰ সহায় ল'ব লগীয়াত পৰিছিলো। তথাপি ঠায়ে ঠায়ে দিনলেখা ছেগা-চোৰোকা হৈ ৰ'ল।

বেজবৰুৱাই নিজেই লিখিছে, 'মোৰ ডায়েৰি (diary) লেখা অৰ্থাৎ জীৱন-কাৰ্যৰ দৈনিক সংক্ষিপ্ত বিৱৰণ লেখা অভ্যাস বৰ চেলেংপেতেং।' ১৮৯৮ ছনৰ দিনলেখাত মাথোন ডিচেম্বৰৰ দুটা দিনৰ টোকা আছে। সেই বছৰত আৰু এখন বহী তেওঁ ৰাখিছিল বুলি ভাব নহয়। সম্ভৱতঃ নিজৰ ব্যৱহাৰৰ কাৰণেহে ডায়েৰি ৰাখিছিল; সিবোৰ সেইভাৱে প্ৰকাশ পাব, এনে ভাব বোধ হয় তেওঁৰ নাছিল। প্ৰায় ঠাইতে সেইবোৰ বিৱৰণতকৈও টোকাৰ আহিৰ্হে। সেইবোৰ প্ৰায় ইংৰাজীত লেখা হৈছিল। কিন্তু মাজে মাজে অসমীয়াও আছে। উদাহৰণ স্বৰূপে, তেওঁ ১৮৯৫ ছনত শেহবাৰলৈ পিতৃ দীননাথ বেজবৰুৱা ডাঙৰীয়াক চাবলৈ আহোঁতে বাটতে লেখা ডায়েৰিবোৰ অসমীয়াত লেখি গৈছে— তেওঁৰ তেজত থকা দিখৌ নৈৰহে যেন ওভতনী সোঁত বৈছে; আকৌ শিৱ-সাগৰত থাকি কলিকতালৈ ঘূৰি যোৱা কথা ওলোৱাৰপৰা তেওঁ হৈছে পুনৰ ইংৰাজী লেখা ছাহাব। ক'ৰবাত ক'ৰবাত আকৌ তেওঁ ইংৰাজী-অসমীয়া মিহলি কৰি পেলাইছে; যেনেকৈ কলিকতাৰ বজাৰত আচাৰ কিনিবলৈ যোৱাৰ কথা লেখোঁতে "I went to Barabazar to buy আচাৰ. One আচাৰ-ৱালা গালি পাৰি দিলে মিছাতে...।" আকৌ ইংৰাজী। এনে চিতৰা-পখৰা ৰূপতে আমি ডায়েৰিখিনি ছপাই উলিওৱা দেখা হ'লে বেজবৰুৱা ডাঙৰীয়াই কি ভাবিলেহেঁতেন ক'ব নোৱাৰোঁ। বোধ হয় হিউমাৰ বুজা পুৰুষ হিছাপে তাক তেওঁ সম্বৰণ কৰি ল'লেহেঁতেন।

এই ডায়েৰিবিলাকে বেজবৰুৱাৰ কাৰ্যাৱলীৰ খবৰ যিমান দিয়ে, তেওঁৰ মনৰ খবৰ সিমান নিদিয়ে। কাৰণ ইয়াৰ কথাখিনি চমু, ভাষা অনেক সময়ত টেলিগ্ৰাফিক—পূৰ্ণ বাক্যৰ কাৰণে তেওঁৰ যেন সময়ৰ অভাৱ। তাছুপৰি এই

টোকাবোৰে ( jottings ) তেনেভাৱেই আমাৰ আগত গা দেখা দিবহি—সেইটি বোধ হয় বেজবৰুৱাৰ মনে-ঘৰেও নাছিল। তথাপি এই ডায়েৰিবোৰে আমাৰ শ্ৰেষ্ঠ এজন সাহিত্যিকৰ, এজন চিন্তাশীল লোকৰ, এক গুৰুত্বপূৰ্ণ ব্যক্তিত্বৰ জীৱন-ইতিহাস আমাৰ আগত তেনেই ওচৰৰপৰা দাঙি ধৰে—বিশেষকৈ সাংসাৰিক জীৱন-যাপনৰ ক্ষেত্ৰত। আজিও বেজবৰুৱাৰ পূৰ্ণ ব্যক্তিত্ব দাঙি ধৰা এখনি পূৰ্ণাংগ জীৱনীৰ অভাৱ ৰৈ আছে। ডায়েৰি, চিঠিৰ দৰে উপকৰণ সৰহীয়াকৈ নহ'লে তেনে জীৱনী লেখি উলিওৱা সম্ভৱ নহয়। গতিকে এই-বিলাক প্ৰকাশ কৰিবলৈ লৈ অসম সাহিত্য-সভাই এটি অতি আৱশ্যকীয় কাৰ্যকে সম্পাদন কৰিছে।

বেজবৰুৱাৰ দিনলেখাৰপৰা কলিকতাৰ সামাজিক জীৱন, ব্যৱসায়-জীৱন, অনেকৰে সম্ভেদ পোৱা যাব। সেই জীৱনৰ পটভূমিত বেজবৰুৱাৰ জীৱনৰ চিত্ৰ ইবোৰে আমাৰ আগত দাঙি ধৰিব। ৰাম কৃষ্ণ দুই ভাইৰ দৰে ভোলানাথ বৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ সমিল-মিলৰ জীৱন আৰু ব্যৱসায়-ব্যস্ততা আমি ইয়াত দেখা পাম। বেজবৰুৱাই যদি কাৰাবাক এপিটন দিয়াৰ কথা ভাবিছিলে, বা কুকুৰে-কাঁইট নোখোৱাকৈ গালি পাৰিছিল, তাৰো কথা ডায়েৰিত লেখি থৈছে। প্ৰজ্ঞাসুন্দৰীৰে বহি 'নামঘোষা' আৰু *Midsummer Night's Dream* পঢ়া কথাও আছে। বেজবৰুৱানীয়ে বেজবৰুৱা, ভোলানাথ আৰু ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ তৈলচিত্ৰ আঁকিছে। 'প্ৰজ্ঞাৰ ছবি মিউ পৰি পুৰিলে। অলপমান।'—ইয়াকো লেখি ৰখা হৈছে আৰু তাকে স্বামীৰ মৃত্যুৰ পিছত দেখা পাই বেজবৰুৱানী পুলকিত হৈছে। কাৰবাৰৰ হিছাপ ৰখাৰ কামত আমনি পাই বেজবৰুৱাই কেতিয়াবা ভোলানাথৰ ওচৰত আপত্তি কৰিছে, কেতিয়াবা তেওঁৰ ওচৰত ভুল হিছাপ দি নিজে নিজে লাজ পাইছে, বৰুৱাই তিৰস্কাৰ কৰাৰ কথাও লিপিবদ্ধ কৰি থৈছে। তেওঁ নিজৰ দোষ অন্ততঃ নিজৰ আগত নুলুকুৱায়। ব্যৱসায়ত ঘাটি পৰিলে, তাৰ বাবে বেজাৰৰ কথাটি কয় ডায়েৰি বহীক। পুৰুলিয়া স্টেশ্যনত আৰিকাটিয়ে বনুৱা তিৰোতা চিকাৰ কৰাৰ দৃশ্য দেখি তাকো বেজবৰুৱাই দিনলেখাত টুকি থৈছে। দিনলেখাত কৃপাবৰৰ প্ৰৱেশ নাই; কিন্তু বেজবৰুৱাই সৰু-সুৰাকৈ তাতো হাঁহিবৰ ছেলু এৰা নাই; গোপীকৃষ্ট পাল লেনৰ ঘৰত গৈ নিশা গোপী লগুৱাক নাপাই লেখি থৈছেঃ No Gopi at Gopee Kristo! গোপিনী নোহোৱাকৈ ব্ৰজবাস হ'ব পাৰেনে? Hamlet without the Prince of Denmark !

এই দিনলেখাবোৰ বেজবৰুৱাৰ জীৱনৰ এখন ডাঙৰ দলিল—ব্যৱসায়ী জীৱনৰ যেনেকৈ মানৱীয় জীৱনৰো তেনেকৈ। ইয়াত বেলৱেৰ, কাঠ-কয়লাৰ কাৰবাৰৰ ছাহাব-ছুহুৰ আৰু বঙালী ব্যৱসায়ীসকলৰ মাজত ভোলানাথৰ-লক্ষ্মীনাথৰ ব্যস্ততাৰ উম-গম বাৰুকৈয়ে আছে। বিবাহ-সূত্ৰৰ দ্বাৰা সম্পৰ্কিত মহৰ্ষি দেবেন্দ্ৰনাথ 'কৰ্তামশায়', 'ৰবিকাকা' ৰবীন্দ্ৰনাথ, ছাৰ আশুতোষ চৌধুৰী

প্ৰতিভা দেৱী, প্ৰমথনাথ চৌধুৰী ইন্দিৰা দেৱীৰ লগত এই কালৰ বেজবৰুৱাৰ জীৱন ঘনভাৱে জড়িত। আনফালে জন্ম-সূত্ৰত লক্ষ্মীনাথক আবদ্ধ কৰা অসমৰ এটি শিৱফুটা পৰিয়ালৰ ডাঙৰীয়া দীননাথ বেজবৰুৱা, 'শিক্ষাবিদ' গোবিন্দচন্দ্ৰ বেজবৰুৱা, সেই দিনত বিলাতত ডাক্তৰি পঢ়ি দক্ষিণ এমেৰিকাত ডাক্তৰি কৰা গোলাপচন্দ্ৰ বেজবৰুৱা আদিৰ জীৱনৰ কথাও ইয়াত সোমাই পৰিছে। বন্ধুতা-সূত্ৰত লক্ষ্মীনাথৰ জীৱনৰ লগত জড়িত হৈ পৰা কনকলাল বৰুৱা, আবদুল মজিদ, ঘনশ্যাম বৰুৱা, গুঞ্জানন বৰুৱা, ৰাধিকাৰাম ঢেকিয়াল ফুকনৰ জীৱন-কথাৰ জিলিঙনিও আহি ইয়াত পৰিছে। ব্ৰাহ্মধৰ্মৰ বক্তৃতাৰে-পৰা ফুটবল খেল, থিয়েটাৰৰ অভিনয়লৈকে বহল অনুৰক্তি থকা এফালে সাউদ (L. N. Bezbaroa, Merchant), আনফালে কবি-সাহিত্যিক লক্ষ্মীনাথৰ জীৱনৰ চিত্ৰ তেওঁতকৈ কোনেও ভালকৈ আঁকিব নোৱাৰে। এই দিনলেখা সেই চিত্ৰৰে আছিল মনোমোহা লেখনী আৰু বৰণ।

১৮৯৭ ছনৰ ১২ জুনৰ বৰভূঁইকঁপৰ প্ৰলয়ঙ্কৰী ৰূপৰ আভাস এই ডায়েৰিতে পোৱা যাব। লক্ষ্মীনাথৰ জীৱনৰ ভূঁইকপৰ কঁপনিও সিবোৰতে আছে। যোৱা শতিকাৰ শেহৰ বছৰ ১৯০০ঃ সেই ভূঁইকঁপে 'ইয়াতে মাৰিলে টিপা,' কিন্তু 'গড়গাঁও পাবলৈ শিপা' সবহদিন নেলাগিল। ভোলানাথ-লক্ষ্মীনাথৰ ব্যৱসায়ী কৃতিত্ব যেতিয়া কলিকতাৰ আকাশৰ মুধচ ছোওঁ ছোওঁ হৈছিল, সেই সময়তে ১৮৯৯ ছনৰ শেহৰ ফালে হাওড়াৰ ৩৭ নম্বৰ ডবছন ৰোডৰ এক একৰ মাটিৰ বাগান-বাড়ী তেওঁলোকে লোৱাৰ ঠিক কৰিলে—লক্ষ্মীনাথৰ ফালৰ-পৰা বিশেষ অনুপ্ৰেৰণা হ'ল তেওঁৰ চেনেহৰ কণমানি প্ৰথমা কন্যা সুৰভিৰ হাওড়াত থকাৰ হেপাহ। ১৯০০ৰ ৯ জানুৱাৰীত ঘৰটোৰ গৰাকী শ্ৰীমতী ডিক্‌ছনে ভোলানাথৰ নামত ঘৰটো ৰেজিষ্টাৰী দলিল কৰি দিলে। ৫ মাৰ্চত ১২৭ বলৰাম দে ষ্ট্ৰীটৰপৰা বেজবৰুৱা স-কন্যা-পৰিবাৰে তালৈ উঠি আহিল। ১৯০০-০১ৰ বেজবৰুৱাৰ ডায়েৰিয়ে সাক্ষ্য দিব কেনেকৈ 'ৰ'দ-বতাহ মূৰত লৈ তেওঁ দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি আনন্দ মনেৰে' সেই পুৰণি ঘৰ-বাৰী আধুনিক ধৰণে 'ৰম্য পুৰী' কৰি পেলোৱাত উৰুলীকৃত হৈ লাগি গৈছিল, আৰু 'মোৰ জীৱন-সোঁৱৰণ'ত আৱেগৰ ভৰত লেখা কথাখিনিতো আমি এই অংশ পঢ়ি প্ৰত্যয় যাম: 'আজিলৈকে সেই ঘৰৰ গাত, বাহিৰে-ভিতৰে, যি সৌন্দৰ্য বা দেখ-নিয়াৰ বস্তু আছে, সেই সকলোবোৰতে মোৰ হাতৰ এই পাঁচোটা আঙুলিৰ সাঁচ আছে; আৰু গোটেইটো ঘৰ ভাঙি চুৰ্মাৰ নকৰালৈকে সেই সাঁচ নমৰে।' বেজবৰুৱাই নিজেই 'জয়মতী কুঁৱৰী'ত গাইছেঃ 'সুখের লাগিয়া এ ঘর বাঁধিনু অনলে পুৰিয়া গেল।' ডবছনৰ ৰোডৰ ঘৰ থাকিল; কিন্তু 'মোৰ-বাহিৰেতো-আৰু-কোনো-নাই' 'অবিবাহিত বি. বৰুৱাৰে' সংসাৰ পতাৰ আশাৰ যি 'সোণৰে সজাতে পখীটি ৰাখিলে, সি উৰি গুচি গ'ল।' পুনৰ 'জীৱন-সোঁৱৰণ'ৰ ভাষাতঃ ১৯০৩ 'বছৰৰ শেহৰ ফালে বি. বৰুৱা আৰু মোৰ ভিতৰত কলি প্ৰৱেশ কৰিলে।

ভুঁইকঁপৰ গুম্‌গুমনি এই ১৯০৩ চনৰ শেহৰ ডোখৰত শুনিলো আৰু ১৯০৪ খ্ৰীস্টাব্দত তাৰ জোঁকাৰত ইমান দিনৰপৰা মই মনে-পতা ঘৰটো ভাগি পৰিল।... ১৯০৪ খ্ৰীস্টাব্দত লেখা মোৰ ডায়েৰিৰ পাত ইংৰাজীত ক'বৰ নিচিনা dismal reading অৰ্থাৎ শোকাবহ।' সেই শোকৰ ভুঁইকঁপৰ পাতাল-ফুটা গুমগুমনিৰ অলপমান হয়তো আমাৰ এইখণ্ড 'দিনলেখা'ৰ শেষৰ ফালে ক'ৰবাত কাৰাবাৰ কাণত বাজিব পাৰে। কিন্তু নিতান্ত dismalটোৰ আগতে আমি খণ্ডটি সামৰিবলৈ ভাল পালো।

৬ বিশ্ববিদ্যালয় টোল
গুৱাহাটী বিশ্ববিদ্যালয়
৩১ ডিচেম্বৰ ১৯৬৮

মহেশ্বৰ নেওগ

# লক্ষীনাথ বেজবৰুৱাৰ জীৱনৰ সময়-ৰেখা

১৮১৩ পিতৃ দীননাথৰ জন্ম

১৮৩২ দীননাথৰ বিয়া ॥ দীননাথৰ পুৰন্দৰসিংহ স্বৰ্গদেৱৰপৰা বেজবৰুৱা-বিষয়-প্ৰাপ্তি ॥ দীননাথ ফৌজদাৰী ছিৰস্তাদাৰ

১৮৩৫ হেমচন্দ্ৰ বৰুৱাৰ জন্ম

১৮৩৯ দীননাথ কোম্পানীৰ দেৱানী মহাফেজ, পিছত ছিৰস্তাদাৰ

১৮৪৪ দীননাথৰ 'বেজবৰুৱা-বংশাৱলী'-ৰচনা

১৮৬১ দীননাথ মুন্সিফ নগাঁৱত, লগতে ডেপুটি কলেক্টৰ

১৮৬৪ দীননাথৰ বৰপেটালৈ বদলি ॥ ১৬ নবেম্বৰ, লক্ষ্মীনাথৰ জন্ম নগাঁও জিলাৰ আঁহতগুৰিত

১৮৬৭ দীননাথৰ তেজপুৰলৈ বদলি

১৮৬৯* দীননাথৰ উত্তৰ লখীমপুৰলৈ বদলি

১৮৭১* দীননাথৰ গুৱাহাটীলৈ বদলি ॥ মাৰ্চ, মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ তৃতীয় পুত্ৰ হেমেন্দ্ৰনাথৰ দ্বিতীয়া কন্যা প্ৰজ্ঞাসুন্দৰীৰ জন্ম

১৮৭৩ দীননাথৰ ৰাজকাৰ্যৰপৰা অৱসৰ আৰু শিৱসাগৰত থিতাপি

১৮৮১ দীননাথে কন্দৰ্পেশ্বৰসিংহক চিকিৎসা কৰে

১৮৮৪ মহৰ্ষি দেবেন্দ্ৰনাথৰ তৃতীয় পুত্ৰ হেমেন্দ্ৰনাথৰ মৃত্যু

১৮৮৬ শিৱসাগৰ উচ্চ ইংৰাজী পঢ়াশালিৰপৰা লক্ষ্মীনাথৰ এন্ট্ৰেন্স-উত্তৰণ ॥ কলিকতালৈ শিক্ষা-যাত্ৰা

১৮৮৮ শিৱসাগৰত বেজবৰুৱা পঢ়াশালি-স্থাপন ॥ লক্ষ্মীনাথৰ ফাৰ্স্ট আৰ্টছ পৰীক্ষা-উত্তৰণ ॥ অ ভা উ. সা. সভাৰ প্ৰতিষ্ঠা

১৮৮৯ 'জোনাকী' কাকতৰ জন্ম ॥ 'জোনাকী'ত 'লিতিকাই'-প্ৰকাশ

১৮৯০ লক্ষ্মীনাথৰ বি. এ. পৰীক্ষা-উত্তৰণ

১৮৯১ ফেব্ৰুৱাৰী, ভাই লক্ষ্মণৰ মৃত্যু ॥ মাৰ্চ, প্ৰজ্ঞাসুন্দৰীৰে লক্ষ্মীনাথৰ বিয়া

১৮৯২ ভোলানাথ বৰুৱা আৰু হৰিবিলাস আগৰৱালাৰে সহবাস শোভাৰাম বসাক লেনত ॥ আইন পৰীক্ষাত অকৃতকাৰ্যতা

১৮৯৩ ভোলানাথৰ ব্যৱসায়-আৰম্ভ

১৮৯৪ ভোলানাথৰ লগত সপত্নীক লক্ষ্মীনাথৰ গোপীকৃষ্ণ লেনত বসতি

১৮৯৫ ২৭ মেই, দীননাথৰ মৃত্যু ॥ ২৮ মেই, ডাক্তৰ গোলাপচন্দ্ৰৰ এমেৰিকাৰপৰা প্ৰত্যাৱৰ্তন ॥ ২৬ জুন, লক্ষ্মীনাথৰ প্ৰথমা কন্যা সুৰভিৰ জন্ম ॥ বঙ্গলাল লক্ষ্মীনাৰায়ণ কোম্পানী-গঠন

১৮৯৬ বলৰাম দত্ত লেনত বসতি

১৮৯৯ লক্ষ্মীনাথৰ কলিকতা মিছেলেনিয়াছ ষ্টোৰ্ছৰ পাতনি

১৯০০ জানুৱাৰী, হাওড়াৰ ডবছন ৰোডৰ ঘৰ ক্ৰয় ॥ নবেম্বৰ দ্বিতীয়া কন্যা অৰুণাৰ জন্ম ॥ সুৰভিৰ মৃত্যু

১৯০১ 'লিতিকাই' পুথি-প্ৰকাশ

১৯০২* হাওড়াৰ অনৰেৰি মেজিস্ট্ৰেট নিয়োগ

১৯০৩ ভোলানাথেৰে এৰা-এৰিৰ বন্দবস্তি ॥ জুলাই, ভাই হৰিনাথে কলিকতা অফিচত যোগ দিয়ে॥ ১৬ নবেম্বৰ, তৃতীয়া কন্যা ৰত্নাৱলীৰ জন্ম ॥ 'কামত কৃতিত্ব লভিবৰ সংকেত'

১৯০৪ ১৬ জুন, নিমখগোলা ৰোডত বসতি ॥ ১৯ আগস্ট, ৰোজমেৰি লেনৰ 'লৰেল্ছ' ঘৰ-ক্ৰয়॥ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা'

১৯০৫ 'পদুম কুঁৱৰী'

১৯০৬ ই. মাৰ্ছডেনৰ 'ভাৰতবৰ্ষৰ বুৰঞ্জী'ৰ অনুবাদ

১৯০৮ ৪ নবেম্বৰ, চতুৰ্থা কন্যা দীপিকাৰ জন্ম

১৯০৯ 'বাঁহী'ৰ জন্ম ॥ 'ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱন-চৰিত', 'কৃপাবৰ বৰুৱাৰ ওভতনি', 'সুৰভি'

১৯১০ 'সাধুকথাৰ কুঁকি'

১৯১১ ছেপ্টেম্বৰ, ভোলানাথেৰে চেগুন কাঠৰ ব্যৱসায়ত শেষ বন্দবস্তি॥ 'শঙ্কৰদেৱ'

১৯১২ ভাই হৰিনাথে লক্ষ্মীনাথৰ আসাম বেঙ্গল ষ্টোৰ্ছ এৰে ॥ লাল-বাজাৰ ষ্ট্ৰীটলৈ ষ্টোৰ্ছৰ স্থানান্তৰণ॥ লৰেল্ছ বন্ধকত দিয়া॥ 'বুঢ়ী আইৰ সাধু'॥ 'বাল্মীকি-প্ৰতিভা'-অভিনয়

১৯১৩ 'জোনবিৰি', 'ককাইদেউতা আৰু নাতিল'ৰা', 'জুনুকা', 'কদমকলি', 'নোমল', 'পাচনি', 'চিকৰপতি নিকৰপতি'

১৯১৪ 'মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ' ॥ ফেব্ৰুৱাৰী, দিল্লীত ভোলানাথ বৰুৱাৰ মটৰ দুৰ্ঘটনা

১৯১৫ 'বাখৰ', 'চক্ৰধ্বজসিংহ', 'শ্ৰীভগৱৎকথা', 'জয়মতী কুঁৱৰী', 'বেলিমাৰ'

১৯১৬ বাৰ্ড এন্ড্ কোম্পানীৰ কলিকতা অফিচত মকৰৰ॥ ডিচেম্বৰ, গুৱাহাটীত প্ৰথম অসম ছাত্ৰসম্মিলনৰ সভাপতি

১৯১৭ সম্বলপুৰত থাকিবলৈ লোৱা

১৯১৮ জুলাই, লৰেল্ছ-বিক্ৰী॥ ছেপ্টেম্বৰ, ঝাৰসোগৰাত ঘৰ ক্ৰয়

১৯২০ ১৭ নবেম্বৰ, অৰুণাৰ বিয়া ॥ ডিচেম্বৰ ঝাৰসোগুৰাত নতুন ঘৰ নিৰ্মাণ

১৯২১ নীপময়ী দেৱীৰ মৃত্যু ॥ অক্টোবৰ, হৰিনাথে বাৰ্ড কোম্পানীৰ কাম এৰে

১৯২৩ এপ্ৰিল, কুকুৰে কামোৰাত শিবলঙত চিকিৎসা ॥ ৩০ মেই, ভোলানাথ বৰুৱাৰ মৃত্যু

১৯২৪ ২৭ ডিচেম্বৰ, অসম সাহিত্য সভাৰ সাহিত্য-সম্মিলনীৰ সভাপতি ॥ 'জপ্ন' প্ৰহসন

১৯২৭ ডিচেম্বৰ, গুৱাহাটীৰ পথত যোগবনিলৈ ॥ ফেব্ৰুৱাৰী, নিজাকৈ ফোৰ্ড গাড়ী-ক্ৰয়

১৯২৮ জানুৱাৰী, গুৱাহাটীক কেন্দ্ৰ কৰি অসমৰ হাবিত কাম ॥ ২৮ ফেব্ৰুৱাৰী, বাৰ্ড কোম্পানীৰ কামৰপৰা ইস্তফা ॥ মেই, সম্বলপুৰত নিজা ব্যৱসায় আৰম্ভ॥ ২ মেই, হেমচন্দ্ৰ গোস্বামীৰ মৃত্যু ॥ ২২ নবেম্বৰ, ৰত্নাৰ বিয়া

১৯৩০ ছেপ্টেম্বৰ-অক্টোবৰ, অসম-ভ্ৰমণ অসুখৰ বাবে ॥ কলিকতাত বেজবৰুৱা সমিতি-গঠন

১৯৩১ ২৯ ডিচেম্বৰ শিৱসাগৰত অসম সাহিত্য সভাৰ অভিনন্দনপ্ৰদান

১৯৩২ নবেম্বৰ, দীপিকাৰ ধৰ্মান্তৰণ এঙ্গ্লিকান সম্প্ৰদায়ত॥ এপ্ৰিল, যতীন্দ্ৰনাথ দুৱৰাৰ মটৰ-দুৰ্ঘটনা

১৯৩৪ বৰোদা আৰু আহমদাবাদত বক্তৃতা।

১৯৩৫ জানুৱাৰী, দীপিকা সন্ন্যাসিনী হয়: ছেপ্টেম্বৰ, বিলাতলৈ যায়॥ ১০ মাৰ্চ 'জয়মতী' বোলছবিৰ মুকলি কৰা হয়

১৮৩৭ ১৮ আগস্ট, শেষ অসম-যাত্ৰা

১৯৩৮ জানুৱাৰী, দীপিকা বিলাতৰপৰা ঘূৰি আহি ডিব্ৰুগড়লৈ যায় ॥ ২ মাৰ্চ, চন্দ্ৰকুমাৰ আগৰৱালাৰ মৃত্যু॥ ২৬ মাৰ্চ, পুৱা ৪ বজা, লক্ষ্মীনাথৰ মৃত্যু

## ॥ ১৮৯৫ ॥

**জানুৱাৰী ১ মঙ্গলবাৰ**

Whole day at home. Mejda came at 11 A.M., took breakfast, and stayed up to 4 P.M. I polished and corrected my article অসমীয়া ভাষা.

**জানুৱাৰী ২ বুধবাৰ**

Saw Barkagty in the morning and returned আসাম ভ্ৰমণ and proposed to deliver a lecture on Assamese language on Saturday next at 4-30 P.M. at a sitting of অ. ভা. উ. সা. Then went to India Club, then to Metcalf Hall, then to Terhette Bazar and purchased 1 R worth chicken, etc. Copied অসমীয়া ভাষা.

**জানুৱাৰী ৩ বৃহস্পতিবাৰ**

Fined Gopee for his absence at night -/4/-. Sital transferred to Jorasanko from today. Am indisposed. Finished copying অসমীয়া ভাষা.

**জানুৱাৰী ৪ শুক্ৰবাৰ**

Whole day at home.

**জানুৱাৰী ৫ শনিবাৰ**

My B. L. result out and I failed. I delivered a lecture at the অ. ভা. উ. সা. on অসমীয়া ভাষা. B. Borooah arrived at 12 at night.

**জানুৱাৰী ৬ দেওবাৰ**

After breakfast with Mr Borooah and Mrs Pari went to Jorasanko, and from there went to Botanical Garden with Dada.

Came back at 7 P.M. after a good picnic there. At 9 P.M. went to Bengal Theatre and witnessed the magic of one Greek professor, Canarie, and much wondered.

**জানুৱাৰী ৭ সোমবাৰ**

After breakfast had been to Messrs Jardine & Skinner for a cheque of 3,000 Rs. Met Borooah at the India Club. Came back in the evening.

**জানুৱাৰী ৮ মঙ্গলবাৰ**

I had been to the currency office and cashed a cheque of Rs. 3,000 and brought the following notes : * * *

**জানুৱাৰী ৯ বুধবাৰ**

With Mr Borooah had been to many places. Borooah took two 50 Rs. notes from me.

**জানুৱাৰী ১০ বৃহস্পতিবাৰ**

Given 1,500 Rs. Nos. of notes : * * *. Accompanied Mr Borooah and Butto Babu to Howrah and came back with Borooah at night.

**জানুৱাৰী ১১ শুক্ৰবাৰ**

Had been to the currency office to cash a 1,000 Rs. note. Mr Borooah ill. খহু।

**জানুৱাৰী ১২ শনিবাৰ**

Mr Borooah left Calcutta this morning. I paid 500 Rs. notes in addition to 1,500 Rs. on the 10th and 1,000 yesterday, i.e., altogether Rs. 3,000. Purchased two bottles of W. Sarsaparila for Mr Borooah at 5/14/-. Dined at Jorasanko with Pari.

**জানুৱাৰী ১৩ দেওবাৰ**

In the morning to New Market and sent two vegetable baskets to Mr Borooah (Monoharpur and Rourkela) worth 5/10/-. Purchased 3 jute flannel shirts for Ma and a fancy letter keeper. Buroda (?) Kaviraj came to see my wife and prescribed. Ma was also present with Sunita.

জানুৱাৰী ১৪ সোমবাৰ

Reading Sayce. Pari went out with Ave, Manisha and Mejda for a drive. Wrote to Dr Bezbaroa C/O Viraswamy of British Guiana.

জানুৱাৰী ১৫ মঙ্গলবাৰ

Was reading Sayce. Pari is very ill. Gopee, servant, got fever.

জানুৱাৰী ১৬ বুধবাৰ

Went out in the morning to look for a room on the Dhurrumtola and New Market side. Mrs Chowdhury came to see us in the afternoon. Read some pages of Sayce. Gopee absent. Sending *The Statesman* to Mr Barooah from today.

জানুৱাৰী ১৭ বৃহস্পতিবাৰ

Early in the morning drove to Jorasanko and wanted to take Manisha and Ave for a further drive with us, but they declined owing to the day being cloudy. Paid the sweeper and Sital. Gopee came in the afternoon.

জানুৱাৰী ১৮ শুক্ৰবাৰ

Out for a drive in the morning with Ave, Sobhana and Pari. Afternoon commenced to write the second article on অসমীয়া ভাষা. Appointed a new sweeper—pay Re 1.

জানুৱাৰী ১৯ শনিবাৰ

Whole day at home. Wrote some portions of the article অসমীয়া ভাষা. Made Sarkar purchase a rupee worth of chicken.

জানুৱাৰী ২০ দেওবাৰ

Whole day at home. Wrote some portions of অসমীয়া ভাষা. Received a cheque of 3,000 Rs. with a registered letter from Mr Barooah of Goalkera. Benudhar Barkatky visited in the morning and gave me a copy of *Jonaki*, No. 4 & 3. I promised him to give a ticket of our Brahmo Samaj. He took my Brahmodharma book to read. Paid Gopi....

**জানুৱাৰী ২১ সোমবাৰ**

Received an urgent telegram in Mr Borooah's name from Gangpore prince about his coming to Calcutta. I telegraphed paying 1/12/- (ordinary) to Mr Borooah at Goilkera. After breakfast went to Jardine, Skinner & Co. and cashed a cheque of Rs. 3,000. At night wrote some portions of অসমীয়া ভাষা.

**জানুৱাৰী ২২ মঙ্গলবাৰ**

Received a telegram from Mr Borooah asking me to arrange accommodation for the prince of Gangpore at Kalighat. Went to Kalighat after breakfast but, could not settle any. Sobhana and Sudakshina came to invite Pari for Maghotsav.

**জানুৱাৰী ২৩ বুধবাৰ**

Went out in search of a house and gave the carpet shoe to a Chinaman to be bound. Afternoon settled a house at Russa Road at Rs. 46 for the prince and arranged to hire some furniture at Dhurrumtola. Got another telegram from Borooah.

**জানুৱাৰী ২৪ বৃহস্পতিবাৰ**

Morning with Sarkar to Smith & Co. and hired 4 chairs (bent wood), 2 round tables and 1 single bed. Hire Rs. 6. Advanced 50 Rs. as security and took a receipt. Brought the carpet shoe from the Chinese, paying 2/12/-. Mr Borooah and the prince of Gangpore came. 11th Magh performed at Jorasanko. I, Barkagty, Kanak, &c., attended.

**জানুৱাৰী ২৫ শুকুৰবাৰ**

With Borooah বাজাৰ ওচৰলৈ গলোঁ, তাৰপৰা বজাৰে সৈতে গঙ্গাৰ পাৰত, Eden Garden-অত ফুৰিবলৈ গলোঁ। ৰাতি ৮ বজাত উভতি আহিলোঁ।

**জানুৱাৰী ২৬ শনিবাৰ**

Purchased 6 Rs. worth of things for Mr Borooah from New Market. Purchased half a maund of rice at 1/9/- for Boli (?).

**জানুৱাৰী ২৭ দেওবাৰ**

Out in the morning with Mr Borooah and visited Raja and Swarna. In the evening to Jorasanko to dine (Dipoo Dada's

invitation). Pari accompanied me but not to dine, she being uninvited.

জানুৱাৰী ২৮ সোমবাৰ

To Bhowanipore with Borooah to visit Raja, who accompanied us to Museum.

জানুৱাৰী ২৯ মঙ্গলবাৰ

From Bengal Bank * * *

জানুৱাৰী ৩০ বুধবাৰ

Out with Borooah. Applied for a room, No. 23, at New Market to the Superintendent of the Market. Mr Abdus Subhan gave me a ticket of Conversazione and went to Town Hall at 9 P.M.

জানুৱাৰী ৩১ বৃহস্পতিবাৰ

Out with Borooah to Barabazar. B. B. purchased 3 *audi* cloth for 45 Rs. B. B. gave Rs. 20 for bazar expense. Pari commenced painting my portrait.

ফেব্রুৱাৰী ১ শুক্রবাৰ

In the morning wrote some letters for Mr Borooah. Paid Butto Babu. With Borooah to Bhowanipore to visit Raja. Leaving Borooah with Raja went to see Swarna at 51 Puddapukur. Came back evening.

ফেব্রুৱাৰী ২ শনিবাৰ

Went to India Club and met R. Barkagty. By telegraphic money order sent Rs. 50 to Nanda Ram Das of Jakhalabanda on B. Borooah's account. Purchased 14½ seer rice, potato, etc. Wrote a little of my second lecture.

ফেব্রুৱাৰী ৩ দেওবাৰ

Afternoon with Borooah went to Bhowanipore, but could not meet Raja, who went out beforehand. Then came to the Club and then home.

**ফেব্ৰুৱাৰী ৪ সোমবাৰ**

To the Club after breakfast, then to Chaudhury and purchased an oil-colour tube "ivory black", brought Mill's autobiography and *Black and White* from the Club.

**ফেব্ৰুৱাৰী ৫ মঙ্গলবাৰ**

Whole day at home with Mr Borooah. Wrote some letters for Borooah, and wrote to Dr Bezbaroa.

**ফেব্ৰুৱাৰী ৬ বুধবাৰ**

Wrote some letters for Mr Borooah. Went to the Club with him.

**ফেব্ৰুৱাৰী ৭ বৃহস্পতিবাৰ**

Afternoon to New Market to enquire about the room there. Then to the Club. Mejdada presented to me শ্ৰীমদ্ভগৱদ্গীতা, and to Mr Borooah one, and to Doctor one, and to Dewta one.

**ফেব্ৰুৱাৰী ৮ শুক্ৰবাৰ**

Cashed 06693395 & 96 at Currency. Mr Borooah took 2,000 Rs. from me today and left for Manoharpur with the prince of Gangpore and party. I saw them off at the station. Furnitures of B. Smith & co. returned.

**ফেব্ৰুৱাৰী ৯ শনিবাৰ**

Whole day at home. Wrote a portion of অসমীয়া ভাষা. Upendra Barua took from me Mayne's *Hindu Law* and Amirali's *Mahomedan Law*.

**ফেব্ৰুৱাৰী ১০ দেওবাৰ**

Whole day at home. Manisha and Sunrita and afterwards Chotdada came. They left at 9-30 P.M. Sent my account for February up to 8th to Gopinath Borooah. Santa Babu came and saw me in the evening and promised to pay me on Tuesday, morning.

**ফেব্ৰুৱাৰী ১১ সোমবাৰ**

Whole day at home. Wrote something of অসমীয়া ভাষা. Barkagty and Sivaram Bardoloi came to see me in the evening.

**ফেব্ৰুৱাৰী ১২ মঙ্গলবাৰ**

Sent invitation letters to Mr Barkagty and Mr S. Bardoloi. Read *Ivanhoe* and something of...

**ফেব্ৰুৱাৰী ১৩ বুধবাৰ**

Mr Borooah arrived in the morning. I purchased from New Market things about 10 Rs worth. Pari cooked whole day. Sibram Bardoloi and R. Barkagty came to dine in the evening.

**ফেব্ৰুৱাৰী ১৪ বৃহস্পতিবাৰ**

Cashed 1,000 Rs at the Currency. Came back in a gharry paying -/9/-. In the evening went to Barabazar. আচাৰ কিনিলোঁ। One আচাৰওৱালা গালি পাৰিলে মিছাতে। Purchased 2 seers oil -/5/6 each. 1 slate -/4/-.

**ফেব্ৰুৱাৰী ১৫ শুক্ৰবাৰ**

Paid Butto Babu 1,000 Rs silver on B. Borooah's account. Fed Butto. Read *Ivanhoe*.

**ফেব্ৰুৱাৰী ১৬ শনিবাৰ**

Went to Currency and cashed Rs 500 with Borooah. Didi came and took Pari to Jorasanko. B. Borooah was introduced to Mrs Chowdhury. B. Borooah left for Manoharpore tonight. Pari commenced B. Borooah's portrait painting. Paid Borooah Rs 1,005.

**ফেব্ৰুৱাৰী ১৭ দেওবাৰ**

Morning : visited Siva, Mathur, Kanak, Barkagty and Upendra. Afternoon : wrote a little of অসমীয়া ভাষা. Gopi's pay increased to 4/- from ফাল্গুন.

**ফেব্ৰুৱাৰী ১৮ সোমবাৰ**

Whole day at home. Wrote something of অসমীয়া ভাষা.

**ফেব্ৰুৱাৰী ১৯ মঙ্গলবাৰ**

Finished অসমীয়া ভাষা. Read some portions of Mill's autobiography. Received a letter from Dewta intimating Nanda's marriage 20 Falgoon and inviting me.

**ফেব্ৰুৱাৰী ২০ বুধবাৰ**

Dada and Mejdada came in the morning. Dada took tea and corrected my portrait by Pari and took it home for further correction. Purchased from Whiteway and Chaudhury about Rs 25 worth things for Ma and one timepiece for me at 1/8/-, for Pari a Cashmere cloth at 7 Rs. Ma and Manisha came in the evening.

**ফেব্ৰুৱাৰী ২১ বৃহস্পতিবাৰ**

Copying অসমীয়া ভাষা. In the evening went to change Pari's shoe at Chaudhury and changed it. Met Siva there; thence both went to Barkagty's place and settled about my lecture.

**ফেব্ৰুৱাৰী ২২ শুক্ৰবাৰ**

Finished copying অসমীয়া ভাষা. Received a post-card from Barkagty asking me to inform Kanak the date of my lecture. I did fixing on Tuesday.

**ফেব্ৰুৱাৰী ২৩ শনিবাৰ**

Had been to Messrs Whiteway, but could not get the cloths I wanted to buy for Ma and Manisha. Bought only 2 yards of plus. From Chaudhury bought 2 yards of gauze flannel. Then went to New Market and saw the two-storied room I wanted to hire. They asked me to come there on Monday with two months' rent, Rs 30. At Swarna's place met Barkagty and Siva and afterwards R. Dhekial Phukan, and had long talks.

**ফেব্ৰুৱাৰী ২৪ দেওবাৰ**

In the morning Landlord Sarcar came and demanded money with some insulting words. I was about to beat him. Read some portions of *Ivanhoe*. Mr Borooah came at 12 o' clock night. I came to bed about 2 A.M.

**ফেব্ৰুৱাৰী ২৫ সোমবাৰ**

Read some portions of *Ivanhoe*. Paid B.B. 45 Rs to pay house rent, &c. Evening : went with Mr Borooah to walk.

**ফেব্ৰুৱাৰী ২৬ মঙ্গলবাৰ**

Cashed Rs 500 at the Currency. Went to the meeting of giving welcome reception to Mr Phukan and came back at 8 P.M.

ফেব্ৰুৱাৰী ২৭ বুধবাৰ

At an extraordinary sitting of the Assamese Language Improvement Society I read the second part of my essay, 'Assamese language'. Siva Bardoloi accompanied me and dined at my place that night.

ফেব্ৰুৱাৰী ২৮ বৃহস্পতিবাৰ

Left bed and started at 5 A.M. to Howrah to receive Chandra Kumar Agarwala from Bankipore. Sent 100 Rs by telegraphic M.O. to Gopikanta Borooah of Nowgong and a telegram.

মাৰ্চ ১ শুক্ৰবাৰ

Linctus by Newton-Mason, immediate preventive of cough and cold, &c. I saw Ch. K. Agarwala using it with wonderful effect. Received a telegram from Mr Borooah asking me to send "Rs 10 of all sorts". Afternoon : went to Howrah Station, but could not send the amount as they refused to take it not being packed in a box. Thence I and Ch. K. Agarwala went to the Club.

মাৰ্চ ২ শনিবাৰ

Framed my portrait in the morning. Evening : purchased from Barabazar ½ a maund rice, kerosene oil, &c ; then went to the Club with Chandra K.

মাৰ্চ ৩ দেওবাৰ

Framed my and Mr Borooah's portrait today and hung them in the drawing room. Received an invitation letter from Barkakaidev for Nanda's marriage on 20th Falgoon, i.e., today.

মাৰ্চ ৪ সোমবাৰ

Morning : With Chandra Agarwala went to visit Barkagty and Kanak. Received Rs 3,000 notes from Mr Borooah by post. Read some portions of Mill's autobiography.

মাৰ্চ ৫ মঙ্গলবাৰ

Visited Jorasanko, then went to Mr Chowdhury's, but could not meet any one there except Mr J. Chowdhury. Then visited Mr U. D. Banerji and Mrs.

**মাৰ্চ ৬ বুধবাৰ**

Sent Rs 100 to M. C. Boroоah by M.O. on B. Borooah's account. Read some portions of Mill. Priya, Mena and Prasanna came to visit this evening.

**মাৰ্চ ৭ বৃহস্পতিবাৰ**

Read some portions of Mill. In the evening went to see Simons Museum and admired it much with Chandra. Morning, made a bracket (wooden).

**মাৰ্চ ৮ শুক্ৰবাৰ**

Submitted the weekly cash balance account to Mr Borooah at Manoharpore. With Mr Agarwala went to the India Club to attend Annual General Meeting and enjoyed very much.

**মাৰ্চ ৯ শনিবাৰ**

Saw Chandra K. Agarwala off at Sealdah. The *Statesman* peon did not bring *Statesman* today.

**মাৰ্চ ১০ দেওবাৰ**

Whole day at home. Read some portions of Mill.

**মাৰ্চ ১১ সোমবাৰ**

Fakua saw from the portico of my house; did not go out. Finished Mill's autobiography and *Bhim-charit*. Read *Ghosha* and *Midsummer Night's Dream* with Prajna. Pari commenced painting Dewta's portrait.

**মাৰ্চ ১২ মঙ্গলবাৰ**

Read a letter from Māhi (mother) calling me home as Dewta is ill. Mahi n. Bora came and said B. Borooah is suffering from fever.

**মাৰ্চ ১৩ বুধবাৰ**

Mahi n. Bora left this morning with 2,500 Rs. Wrote to mother, G. Bezbaroa, Srinath Bezbaroa and Mr Borooah that I will leave for Assam. Visited Jnan and Swarna at Jeliapara Road, Bhowanipore.

**মার্চ ১৪ বৃহস্পতিবার**

Little bit unwell. Commenced writing a short tale. Jogakanta returned the law books taken from me by Upendranath Barua.

**মার্চ ১৫ শুক্রবার**

Mr Borooah arrived in the morning. Pari cooked and fed Butto, &c. Paid Mr Borooah 600 Rs.

**মার্চ ১৬ শনিবার**

Whole day at home. Wrote to Mahi and G. Bezbaroa. Felt aweful heat tonight.

**মার্চ ১৭ দেওবার**

Went out with Mr Borooah, who bought two chairs from Bowbazar at 5/8/-. Mejda came in the evening and dined here.

**মার্চ ১৮ সোমবার**

In the morning purchased things from the bazar—eatables about Rs 10 worth. Bought 50 drumhead cabbages for Mr Borooah. প্রস্তাব ভবি ঘিউ পবি পঢ়িবলে, বান্ধোতে। অলপমান। I slept in the drawing room alone.

**মার্চ ১৯ মঙ্গলবার**

Commenced Carlyle's *French Revolution*. Had been to New Market with Borooah and bought a food-keeper and a pound of cake. Night : Read *Midsummer Night's Dream* with Pari.

**মার্চ ২০ বুধবার**

Morning : Wrote some portion of a tale. Read some portion of Carlyle. Noon : Went to Delhi London Bank and cashed a cheque of Rs 500. Then to the Club.

**মার্চ ২১ বৃহস্পতিবার**

Mr Borooah left Calcutta in the morning. I saw him off at the Howrah Station. I purchased 1 dentifrice from Chandrakisore. Purchased one icecream freezer from Nash & Andrew at 4/-, 3 tins of milk. Ma and Manisha visited us today.

মাৰ্চ ২২ শুকুৰবাৰ

Moneyordered Rs 50 to Mrs M. C. Borooah of Gauhati for Mr B. Borooah. Got back my gold watch repaired from Jorasanko. Wrote to Dewta, B. Borooah, C. K. Agarwala.

মাৰ্চ ২৩ শনিবাৰ

Whole day at home. Finished writing my tale ভদৰী.

মাৰ্চ ২৪ দেওবাৰ

Pari finished Dewta's portrait today. I at home whole day. Copied my tale ভদৰী and read some portions of Carlyle.

মাৰ্চ ২৫ সোমবাৰ

Went in the morning, 9 A.M., to Jorasanko with Pari, breakfasted and dined and came at night, 10 P.M. We got ourselves vaccinated there.

মাৰ্চ ২৬ মঙ্গলবাৰ

Framed Dewta's portrait today. Purchased a yd. of velveteen at -/8/- for the same from Burrabazar.

মাৰ্চ ২৭ বুধবাৰ

Hung Dewta's portrait covering the frame with velveteen. Received a letter from S. Bezbaroa asking me urgently to go to Assam to see Dewta. I had no sleep tonight up to 3 A.M.

মাৰ্চ ২৮ বৃহস্পতিবাৰ

Mr M. Borooah arrived from Manoharpore with a cheque upon Jardine Skinner of 2,000 payable to me. I had it passed and got a cheque up on Bengal Bank for the same. Had been to Kalighat to purchase a stone glass (white) at 1/8/- for Mother. Had orange icecream.

মাৰ্চ ২৯ শুকুৰবাৰ

Brought 1,000 Rs in silver and 1,000 in ten rupee notes from Bengal Bank and gave them to Mahi Bora who left tonight. Bought 2 hurricane lanterns, 1 Linctus, 149 Ralli cloth for Mr Borooah.

**মাৰ্চ ৩০ শনিবাৰ**

Ma and Sobhana came today. I got severe headache whole night.

**মাৰ্চ ৩১ দেওবাৰ**

Mr Borooah's friend, Seer Singh, arrived in the morning.

**এপ্রিল ১ সোমবাৰ**

Indisposed whole day and night. Received *Jonaki*, Vol. V, Nos. 5 & 6.

**এপ্রিল ২ মঙ্গলবাৰ**

Mr Borooah arrived in the morning. In the evening Didi, Prasanna, Prasanna's mother and J. Chowdhury came.

**এপ্রিল ৩ বুধবাৰ**

Went to say goodbye to Karta Mashay; then on my way back purchased about Rs 10 worth things for my journey, and withdrew from my savings bank 60 Rs. In the evening to Jorasanko with Pari and Mr Borooah for tea.

**এপ্রিল ৪ বৃহস্পতিবাৰ**

Left Calcutta for Assam by Darjeeling m. train. Seer Singh and Mr Borooah accompanied up to Sealdah Station. Took 2nd Class return ticket to Jatrapore. Dined at Saraghat steamer. All the time felt severe pain on left arm for vaccination. Telegraphed to Dewta and G. Bezbaroa my departure.

**এপ্রিল ৫ শুক্রবাৰ**

See the 4th April diary. সেইদিনা কলিকতা এৰা নাই, আজিহে। সেই দিনাৰ ঘৰত লেখা কথাবোৰ আজিবহে।

**এপ্রিল ৬ শনিবাৰ**

জাহাজত উঠিলোঁ যাত্রাপুৰত। 2nd Class-অৰ টিকট কিনিলো। কিন্তু 2nd Class Cabin নাই দেখি ticket-টো First Class কৰি ললোঁ, মুঠ ৩৭ টকা দি কিনিলাম্‌ খলৈ। মোৰ কেবিনত আৰু ছাহাব আছে। গধূলি কেশৱ ফুকনক দেখা পাই ধুবুৰীত তেওঁৰ ঘৰলৈ গৈছিলোঁ। পাৰিলৈ চিঠি লেখিলো।

**এপ্ৰিল ৭ দেওবাৰ**

আজি পুৱা গোৱালপাৰা এৰিলো। পৰিৱলৈ চিঠি লেখিলোঁ। গধূলি ৫ বজাত গোহাটী পাই বামলৈ উঠি লক্ষ্মী, গোসাঁই, পিজো ৰমাকান্ত বৰুৱা প্ৰভৃতিক দেখা কৰি গোসাঁয়ে সৈতে জাহাজলৈ আহিলোঁ। ১০ বজাত গোসাঁইক এৰি দিলোঁ। পৰিৱলৈ চিঠি লেখিলোঁ।

**এপ্ৰিল ৮ সোমবাৰ**

পৰিৱলৈ চিঠি লেখা হল। গধূলি চন্দ্ৰকুমাৰ, বিষ্ণুপ্ৰসাদ, পৰমা আগৰ-ওৱালাই সৈতে সিহঁতৰ ঘৰলৈ যাওঁতে দেখা হল। কৃষ্ণচন্দ্ৰ চৌধুৰীৰে সৈতেও। উদয় ডাক্তৰে সৈতে। Mr Peter offered me a drink and I complied. Had long talks with him. বিষ্ণুপ্ৰসাদ accompanied me wishing to go to Gamiri.

**এপ্ৰিল ৯ মঙ্গলবাৰ**

গধূলি কঁকিলামুখ পাই নামিবলৈ ধৰোঁতেই মহেশে জি. বেজবৰুৱাৰ দুখন চিঠি দিলে, তাত তেওঁ জোৰহাটত নামিবলৈ হাক দি শিৱসাগৰলৈ যাবলৈ কলে, সেই দেখি আকৌ ৩ টকা দি Desangmukh-অৰ টিকট ললোঁ। হকব মুখে শিৱসাগৰৰ বহুত খবৰ পালোঁ। পৰিৱলৈ চিঠি লেখিলোঁ।

**এপ্ৰিল ১০ বুধবাৰ**

পুৱা ১০ বজাত দিচাংমুখ পাই হাতীৰে বিনন্দ ককাইদেউৰে সৈতে শিৱ-সাগৰলৈ আহিলোঁ। বিনন্দ ককাইদেউ জোৰহাটৰপৰা একে জাহাজতে আহিছিল, কিন্তু মোৰে সৈতে জাহাজত দেখা নহল, দিচাংমুখতহে হ'ল। ১ বজাত ঘৰ পালোঁ। দেউতাক জীৰ্ণাৱস্থ দেখিলোঁ। গধূলি গুণ্ডাননৰ ঘৰলৈ গৈছিলোঁ।

**এপ্ৰিল ১১ বৃহস্পতিবাৰ**

শিৱসাগৰত।

**এপ্ৰিল ১২ শুক্ৰবাৰ**

শিৱসাগৰত।

**এপ্ৰিল ১৩ শনিবাৰ**

শিৱসাগৰতে। Srinath Kaka arrived with his family and very ill.

**এপ্ৰিল ১৪ দেওবাৰ**

শিৱসাগৰতে। গোবিন্দ ককাইদেউ আৰু বিনন্দ ককাইদেউ গাড়ীৰে জোৰ-হাটলৈ গল।

এপ্রিল ১৫ সোমবাৰ

At Sibsagar. Kamalabari Deka Goswami arrived. Dewta little worse.

এপ্রিল ১৬ মঙ্গলবাৰ

At Sibsagar. Dewta feeling worse. Wrote out a petition for Bidyadhar Bhinihi against Indreswar Mauzadar.

এপ্রিল ১৭ বুধবাৰ

At Sibsagar. Dewta not improving. Rather worse. Srinath Kaka improving.

এপ্রিল ১৮ বৃহস্পতিবাৰ

At Sibsagar. Dewta vomitting excessively. Srinath Kaka the same.

এপ্রিল ১৯ শুকুৰবাৰ

Sibsagar. Visited Mr and Mrs Phukan; Gunja, whose mother gave me a gamocha. Then to Durgeswar and Dwarika. Paid Hari 1 R to engage a bullock cart to convey me to Desangmukh.

এপ্রিল ২০ শনিবাৰ

The bullock cart did not come and I was detained. Got a lot of gamocha presents. Barbau gave an ivory comb for Prajna, Barkakaideu a কটাৰী.

এপ্রিল ২১ দেওবাৰ

Left Sibsagar at 10 A.M. by a bullock cart and trap for Desangmukh. In the evening at about 7 P.M. arrived Kakilamukh where I stayed for the night. Met Mr L. Kakati, E.A.C., on board, travelled in the Second Class.

এপ্রিল ২২ সোমবাৰ

Left Kakilamukh in the morning at 8 A.M. by trolly and train, and arrived at Jorhat Rly Station at about 10 A.M., where I met G. Bezbaroa, who came to take me home.

**এপ্ৰিল ২৩ মঙ্গলবাৰ**

Stayed at Jorhat at G. Bezbaroa's place. Had much talk. Wrote to Chandra Kumar Agarwala to meet at Tezpore Ghat and take me to his home. Wrote to Pari also. Got a lot of presents.

**এপ্ৰিল ২৪ বুধবাৰ**

Left Jorhat for Tezpore by train. Stayed at Kakilamukh for the night.

**এপ্ৰিল ২৫ বৃহস্পতিবাৰ**

Arrived Tezpore at 6 P.M. Chandra Kumar met me at the ghat with two coolies and accompanied me to his home, where I stayed. Met Uday Babu and several others.

**এপ্ৰিল ২৬ শুক্ৰবাৰ**

With Ch.K. and another gentleman to see and climb বামুণী পৰ্বত and ভৈৰৱী. Left Tezpore in the evening, taking ticket to Jatrapore, Upper Class at 15/-.

**এপ্ৰিল ২৭ শনিবাৰ**

S. S. Rajput anchored near Dhing. On board the steamer.

**এপ্ৰিল ২৮ দেওবাৰ**

Arrived Gauhati at 10-40 A.M. Gosain did not come to see me at the ghat. An European, Mr St. Clair, occupied the other bed in my cabin. Anchored Goalpara.

**এপ্ৰিল ২৯ সোমবাৰ**

Arrived Calcutta at 11-30 A.M. Went straight to Jorasanko, where I breakfasted. Came to Gopee K. with Pari at night.

**এপ্ৰিল ৩০ মঙ্গলবাৰ**

Wrote to Mr Borooah my arrival.

**মেই ১ বুধবাৰ**

Morning : went marketing and purchased about 10 Rs worth provision.

মেই ২ বৃহস্পতিবাৰ

Went to High Court and saw R. Bàrkagty. Then to the India Club, where I had a long talk with Barkagty. Brought *Ranjit Sing* from there. Pari ate panchāmrita today at Jorasanko.

মেই ৩ শুক্ৰবাৰ

Mr B. · Borooah arrived today morning. Wrote to G Bezbaroa and Harinath. Mr Borooah brought a tiger skin with him.

মেই ৪ শনিবাৰ

After breakfast to Jardine & Skinner, where presented two cheques of 2,500 Rs each, but could not have them passed. Thence to the Club, where I remained and read journals up to 5 P.M. Met R. Barkagty there. Master Baboo Prabodh Ch. Mukherji came on a visit in the evening.

মেই ৫ দেওবাৰ

Morning : to New Market; bought mutton, chicken, &c., about 3 Rs.

মেই ৬ সোমবাৰ

Cashed two cheques 2,500 Rs each at Jardine & Skinner and afterwards at Bengal Bank. B. Borooah left for Chundernagar. Pari and I hăd been to Jorasanko, where we met Ashu Babu and Deven, and heard of Ave's consumption.

মেই ৭ মঙ্গলবাৰ

Had been to the Club. There met R. Barkagty and Mr Borooah, and then to Chaudhury with Mr Borooah and ordered some clothes. Received letters and papers from Dr G. C. Bezbaroa from America and London intimating his arrival in India in the end of May.

মেই ৮ বুধবাৰ

Went to New Market and purchased about 7 Rs worth fruits, meat, etc., for Mr Borooah.

মেই ৯ বৃহস্পতিবাৰ

Cashed Rs 10,000 at the Bank of Bengal. Purchased cloths Rs 33 worth from Chaudhury.

মেই ১০ শুক্ৰবাৰ

Morning : bought about 18 Rs worth things for Sham Babu's feast. Borooah wanted to go but could not.

মেই ১১ শনিবাৰ

Morning : went to Bagbazar to arrange 10 seers of rasagoola at Rs 6 and 7 seers of sandesh at Rs 7 with the sweetmeat seller, Nabinchandra Das, 80 Rajballabh Street. Visited Barkagty and brought back my lecture অসমীয়া ভাষা with the concluding leaf lost. B. Borooah left and I saw him off at Howrah.

মেই ১২ দেওবাৰ

From New Market purchased fruits in the morning and despatched 2 baskets, 1 to Mr C. H. Wright, Rourkela, and another to Mr W. Miller, Manager, Equitable Coal Co., Barakar. In going to Howrah I got completely drenched.

মেই ১৩ সোমবাৰ

Visited Jorasanko with Pari. Sent one muga cloth and I gamocha to Didi, and one cheleng to Mr Chaudhury.

মেই ১৪ মঙ্গলবাৰ

After breakfast to the Club, where money-ordered to Gopikanta Borooah 15/- and Lalitram Bora 10/-. Thence went to 1 Jeliapara to see Swarna and Jnan, but Jnan was absent. Thence went to Kalighat, where purchased a marble glass at 1/8/- to be presented to Karta Mashay on his birthday the day after tomorrow morning. Morning : hung the tiger skin and some.... Wrote to S. Bezbaroa and B. Borooah.

মেই ১৫ বুধবাৰ

At home whole day. Bound some orchids and hung them.

মেই ১৬ বৃহস্পতিবাৰ

Morning : at 6 A.M. went to Park Street to celebrate Maharshi Devendranath Tagore's birth-day. Finished my tale

অনিদ্রা. Received a letter from G. Bezbaroa intimating Dewta's critical state.

মেই ১৭ শুক্রবাৰ

Purchased eatables, rice, dal, oil, &c, about 12 Rs worth in the morning. Finished my story স্বৰ্গাৰোহণ[১]. Commenced reading Sayce.

মেই ১৮ শনিবাৰ

Copied a portion of স্বৰ্গাৰোহণ[১]. Read a portion of Sayce. Wrote to B. Borooah. Bothan and Manisha came. Awful hot day and night.

মেই ১৯ দেওবাৰ

Received a letter from Mr Borooah and telegraphed to him according to his request at General Telegraph Office and passed the day at the India Club. Morning : copied a portion of স্বৰ্গাৰোহণ (অনিদ্রা)[১]. Mrs sent sarpuria.

মেই ২০ সোমবাৰ

Whole day at home. Extreme heat. Could not sleep at night for it. Copied and completed স্বৰ্গাৰোহণ[১]. Read a few pages of Sayce.

মেই ২১ মঙ্গলবাৰ

Whole day at home. Oppressive heat. Mejda visited us today. Day and night unbearable heat.

মেই ২২ বুধবাৰ

Morning : to Hindu Hostel and Presidency to enquire when it reopens, &c., for Sham Babu's son. Thence went to Barkagty's. Mejda with Biman Kaka visited us. Little rain and a squall. Read Sayce.

মেই ২৩ বৃহস্পতিবাৰ

B. Borooah arrived morning. I finished Sayce for my article.

---

১ দেখা যায় বেজবৰুৱাই পোনতে গল্পটোৰ নাম 'অনিদ্রা' দিছিল; দিনলেখাতে তাক কাটি পিছত 'স্বৰ্গাৰোহণ' লিখা হৈছে। স. নে.

মেই ২৪ শুক্ৰবাৰ

Morning : went to Smith Stanishtreet with Borooah and Satya. Then alone to the General Telegraph Office; then met Borooah at India Club. Borooah brought cheque for Rs 10,000 from Jardine & Skinner.

মেই ২৫ শনিবাৰ

Morning : from New Market purchased fruits about 7 Rs for Mr J. H. Simpson, Esq., Chief Engineer, Bengal Coal Co., Raneegunj. Afternoon : packed and despatched them at Howrah. Thence to India Club.

মেই ২৬ দেওবাৰ

Did not go out whole day. Mrs A. Chowdhury and Mrs Prasanna visited us in the evening.

মেই ২৭ সোমবাৰ

B. Borooah settled with G. C. Bose and Bhikhraj to open a new company and make me a partner and manager of it. (My 6 anna share, Bhikhraj's -/6/-, S. C. Bose -/3/- and -/1/- Satyanaren God.)

*Father died today at Kamalabari.* ১৪ জেঠ। সোমবাৰ শুক্লা তৃতীয়া।

মেই ২৮ মঙ্গলবাৰ

Morning : to New Market, thence to Bengal Bank, where I cashed a cheque of 10,000 Rs. After breakfast received G. Bezbaroa's telegram from Jorhat announcing *Dewta's death.* Brought Dr G. C. Bezbaroa from S. S. Coromondal and paid Rs 40.

মেই ২৯ বুধবাৰ

Dr Bezbaroa presented to us a lot of things. Purchased from Posta 50 mangoes (Bombay) at Rs 2. Had been to S. S. Coromondal to bring Doctor's baggages, but could not.

মেই ৩০ বৃহস্পতিবাৰ

Received eatables and cloths from Ma for Jamaisasthi and 100 Rs (Prajna's) to be sent to G. Bezbaroa for Dewta's sraddha.

মে ৩১ শুক্রবার

Bought 700 mangoes from Posta at 5 Rs every hundred, and 1 md. of patal at 2/8/-. Brought the 3 books of Dr Bezbaroa from the Customs House. Wired 100 Rs to G. Bezbaroa, Sibsagar, for Dewta's sraddha.

জুন ১ শনিবার

Morning : went to Victoria Hostel to settle about Sham Babu's son. Thence to Swarna and talked to her about her marriage. Entered into contract and formed a partnership company with Bhikhraj Bogla, Girish Ch. Bose and he under the name Rangalal Lakshminarayan at Calcutta and Luckyman & Co. at B. N. Line. My 6 anna, Girish -/3/-, Bhikhraj -/6/-, Satyanarayan God -/1/-. My -/6/- will be divided equally between Mr B. and myself.

জুন ২ দেওবার

Went in the morning to Chaudhury to buy things for Suren. At 5 P.M. went to the Victoria Hostel and made arrangement to keep Suren, but Suren afterwards declined. Mejda came and advised me to see Karta Mashay.

জুন ৩ সোমবার

Visited Karta Mashay with Mejda and spoke about father's death. Spoke to Mejda about my partnership business. Left B. Borooah with Sham Babu's son, Suren, to Asansol.

জুন ৪ মঙ্গলবার

B. Borooah with Sham Babu arrived morning. Mejda visited us in the evening.

জুন ৫ বুধবার

From Jorasanko (Sarkar) sent me provision, cloth for *havishya.* Paid Rs 10,000 to Butto. Paid . . . to Sham Babu.

জুন ৬ বৃহস্পতিবার

B. Borooah left with Sham Babu. Celebrated Dewta's sraddha today morning at my place.

